শিশু-সাহিত্যমালা—১ম পুথি

# শৰৎচন্দ্ৰ



লিখক—

শ্ৰীহৰিনাৰায়ণ দত্তবৰুৱা সাহিত্যৰত্ন

বেচ—পাঁচ অনা মাত্ৰ

# আৰম্ভণি

গোস্বামীদেৱৰ স্বৰ্গ-গমনত আমি কেইমাহমান নিৰৱ আছিলোঁ ; পাচত অসমৰ ভূতপূৰ্ব্ব ডাইৰেক্টৰ শ্ৰীযুত সতীশচন্দ্ৰ ৰায় এম-এ ডাঙৰীয়াই গোস্বামীদেৱৰ জীৱন-কথা বিচাৰি আমালৈ পত্ৰ লিখাত এই "শৰৎচন্দ্ৰ" সংগ্ৰহ কৰোঁ আৰু গোস্বামীদেৱৰ সাম্বৎসৰিক তিথি-উৎসৱত পাঠ কৰোঁ।

গোস্বামীদেৱে আমাৰ দেশত কথা-সাহিত্য প্ৰচাৰৰ উদ্দেশ্যে যত্ন কৰিছিল। সেই কাৰণে "শিশু-সাহিত্যমালা" নাম দি "শৰৎচন্দ্ৰ"ক ১ম পুথি হিচাবে প্ৰকাশ কৰা হ'ল। ইয়াৰপৰা দেশৰ লৰা-ছোৱালীৰ সামান্য উপকাৰ হলেও আমি কৃতাৰ্থ বোধ কৰিম।

নলবাৰী }
১৯।৫।৪৭ }

শ্ৰীহৰিনাৰায়ণ দত্তবৰুৱা

# উৎসর্গ

গোস্বামীদেৱ,

বহুত বিষয়ত আপোনাক

আদৰ্শ কৰি চলিবলৈ আমাৰ যত্ন আছিল,

আজিও আমাৰ জীৱনযাত্ৰাত

আপোনাৰ স্বৰ্গীয় আত্মাৰ প্ৰেৰণা পাবলৈ

আশা কৰি আছোঁ।

সেয়ে আপোনাৰ অমূল্য জীৱনৰ

কেইটামান কথা "শৰৎচন্দ্ৰ"ত সংগ্ৰহ কৰিলোঁ।

আৰু আপোনাৰ পৱিত্ৰ নামতেই

অৰ্পণ কৰিলোঁ।



আপোনাৰ—

শ্ৰীহৰিনাৰায়ণ



# শৰৎচন্দ্ৰ গোস্বামী

**১ বংশ পৰিচয়**

প্ৰায় পাঁচ শ বছৰ আগৰ বঙ্গদেশত আবিৰ্ভাৱ হোৱা নিমাই-নিতাইৰ কথা বহুতে জানে। নিতাইৰ আচল নাম আছিল নিত্যানন্দ। আমাৰ শৰৎচন্দ্ৰ নিত্যানন্দৰ বংশত ১৮০৯ শঁকৰ বহাগ মাহত জন্মিছিল আৰু যোৱা ১৮৬৬ শঁকৰ পুহ মাহৰ শুক্লা পঞ্চমী তিথিত ( ১৯৪৪ চন ১৯ ডিচেম্বৰ ) বৈকুণ্ঠগামী হয়।

**২ জীৱনৰ মূল্য**

জগতলৈ বহু জীৱ আহিল, বহু গল—বহুতৰ চিন-চাব নাথাকিল—পানীৰ বুৰবুৰণিৰ দৰে পানীত উঠিল আৰু পানীতেই মাৰ গ'ল; কিন্তু সময়ে সময়ে এনে একোটি জীৱে পৃথিবীত দেখা দিয়ে যে তেওঁলোক লোকচকুৰ আঁতৰ হলেও তেওঁলোকৰ কৰ্ম্মযোগে বহুত দিনলৈকে তেওঁলোকৰ নাম উজ্জ্বল কৰি ৰাখে আৰু পৰবৰ্ত্তীকালৰ

লোকে তেওঁলোকৰ নাম লৈ চকুপানী টোকে। আমাৰ শৰৎচন্দ্ৰ এই শ্ৰেণীৰ জীৱ আছিল; আজি অসমৰ এমূৰৰপৰা আন মূৰলৈকে শৰতৰ নাম উচ্চাৰিত হলে সকলোৱে বেজাৰ কৰে—তেওঁ যেন আৰু বহু বছৰ জীয়াই থাকিব লাগিছিল, তেওঁ দেশৰ হকে যি কৰিলে আৰু যেন বহু কৰিবলৈ কাল নাপালে।

### ৩ পৰিচয়

শৰৎচন্দ্ৰ গোস্বামী নলবাৰী সত্ৰৰ পণ্ডিত ললিতচন্দ্ৰ গোস্বামীদেৱৰ ২য় পুত্ৰ। তেওঁলোকৰ চাৰি ভাই-ককাই আছিল, নাবালক অৱস্থাতেই দুটি ভায়েক ঢুকোৱাত শৰৎ পিতৃ-মাতৃৰ বৰ আদৰুৱা হৈছিল। পিতৃ এজনা সাধু আৰু পণ্ডিত লোক আছিল আৰু তেওঁৰ মাতৃ মুকুন্দপ্ৰিয়া দেৱীও পুণ্যশীলা আছিল। এওঁলোকে ওচৰ কাষৰৰ সকলোকে স্নেহেৰে বশীভূত কৰিছিল। পণ্ডিত গোস্বামীৰ আৰ্থিক অৱস্থা সিমান সচ্চল নাথাকা স্বত্বেও শিষ্য-প্ৰশিষ্য, আন আই-অতিথি যিমানেই ঘৰত উপস্থিত হৈছিল, সকলোকে মিঠা কথা কৈ আৰু খুৱাই আনন্দ লাভ কৰিছিল। শৰৎচন্দ্ৰৰ দাদা শ্ৰীযুত প্ৰতাপচন্দ্ৰ গোস্বামী ধৰ্মভূষণ তিনি বছৰে মাত্ৰ ডাঙৰ। পিতাকে এখেতক ধৰ্মাচাৰ্য্যৰ

উপযুক্ত কৰিবৰ অৰ্থে ওচৰৰ সংস্কৃত চতুষ্পাঠীত পঢ়িবলৈ দিয়ে আৰু দ্বিতীয় পুতেক শৰৎচন্দ্ৰক নলবাৰী মাইনৰ স্কুলত পঢ়ায় ; কিন্তু বৰ পুতেকে দ্বিতীয় বাৰ্ষিক পৰীক্ষা দিয়াৰ আগতেই তেওঁ স্বৰ্গী হয়, তেতিয়া শৰৎচন্দ্ৰৰ বয়স মাত্ৰ ১০।১২ বছৰ ।

শৰৎচন্দ্ৰ গোস্বামীৰ সম্বন্ধবোৰৰ বন্ধন অতি গভীৰ আছিল । পিতা-মাতাৰ প্ৰতি তেওঁৰ অগাধ ভক্তি আৰু শ্ৰদ্ধা আছিল ।

**প্ৰীতিৰ সম্বন্ধ**

দদাকৰ প্ৰতিও তেওঁৰ অসীম শ্ৰদ্ধা আছিল যদিও বাহিৰত প্ৰায় সমনীয়াৰ দৰে ব্যৱহাৰ কৰিছিল । দদাকবো সহোদৰলৈ অশেষ স্নেহ আৰু প্ৰীতিভাব আছিল । পিতৃ হঠাৎ স্বৰ্গী হলত শ্ৰীযুত প্ৰতাপচন্দ্ৰ গোস্বামীয়ে ভায়েকৰ পঢ়া বন্ধ নকৰি ভায়েকক কেনেকৈ উচ্চ শিক্ষা দিয়াব পাৰে তাকেহে জীৱনৰ লক্ষ্য কৰি চলিবলৈ ধৰে । ভাই-ককায়েকৰ ভিতৰত প্ৰীতি, ভাতৃবৎসল ভাব আহি লৰলগীয়া ।

১৯০০ চনত শৰতে নলবাৰী মাইনৰ স্কুলৰপৰা বৃত্তিলাভ কৰি গুৱাহাটী কলেজিয়েট স্কুলত ভৰ্তি হয় ; আৰু তাত চাৰি বছৰ পঢ়ি বৃত্তিলাভ কৰি কটন কলেজত

ভৰ্ত্তি হয়। কলেজৰ শিক্ষাতো শৰতে নাম কৰে; আৰু দুবছৰ পঢ়ি আই-এ পাছ কৰি

৫ শিক্ষাকাল

বৃত্তিলাভ কৰে। ইয়াৰ পাচত তেওঁ কলিকতালৈ গৈ বিদ্যাসাগৰ কলেজত ভৰ্ত্তি হয় আৰু দুবছৰৰ পাচত যোগ্যতাৰে তেওঁ বি-এ পাছ কৰে। ইয়াৰ পাচত তেওঁ এবেলা ছপাখানাত কাম কৰি এম-এ পঢ়িবলৈ ধৰে; কিন্তু কিছুদিন পাচতেই তেওঁ এশ টকা দৰমহাত স্কুল ডিপুটী ইন্সপেক্টৰৰ পদ লাভ কৰি কলিকতাৰপৰা ঘৰলৈ আহে। এই কালত এশ টকা দৰমহাত পোনে পোনে ডিপুটী ইন্সপেক্টৰৰ পদ পোৱা লোক গোস্বামীদেৱহে। তেওঁৰ পঢ়াৰ কৃতিত্বই এনে চাকৰি পোনে পোনে লাভ কৰাইছিল।

গোস্বামীদেৱৰ বিবাহ হৈছিল কলেজত পঢ়ি থাকোঁতেই—কামৰূপৰ বিখ্যাত আঠগৰীয়াৰ

৬ বিবাহ

ভট্টাচাৰ্য্য বংশৰ নাৰায়ণচন্দ্ৰ ভট্টাচাৰ্য্য-দেৱৰ কন্যা শ্ৰীযুক্তা ভুৱনেশ্বৰী দেৱীৰ লগত। বিবাহৰ সময়ত শ্ৰীযুক্তা ভুৱনেশ্বৰী দেৱীৰ বয়স মাথোন বাৰ বছৰ; কিন্তু স্বামীৰ লগত আচল পৰিচয় ঘটিছিল পোন্ধৰ বছৰ বয়সতহে (শান্তী বিয়া হয়)। এই সময়ৰপৰাই তেওঁলোকৰ

বিবাহিত জীৱন আৰম্ভ হয়।

গোস্বামীদেৱে পোনতে নগাৱঁত ডিপুটী ইন্সপেক্টৰী কাম আৰম্ভ কৰে; তাৰ পাচত

৭ চাকৰিকাল

মঙ্গলদৈত নিগাজীকৈ ডিপুটী ইন্স-পেক্টৰ হয়, আৰু সহধৰ্ম্মিণীক নিজৰ কাষলৈ নি সুখে-দুখে দুয়ো দুয়োৰো সমভাগী হৈ জীৱন কটাবলৈ ধৰে। মঙ্গলদৈত কেই বছৰমান কাম কৰাৰ পাচত তেখেত যোৰহাটলৈ বদলি হয়। ডিপুটী ইন্সপেক্টৰী কাম কৰাৰ সময়ত গোস্বামীদেৱ ঢাকা ট্রেইণিং কলেজলৈ ট্রেইণিং লাভ কৰিবলৈ যায়। ইয়াত তেখেতে যোগ্যতাৰে ১ম বিভাগত উত্তীর্ণ হোৱাৰ উপৰিও কলেজৰ অধ্যক্ষৰপৰা দক্ষতা সম্বন্ধে এখন উৎকৃষ্ট চার্টিফিকেট লাভ কৰে। ঢাকাৰপৰা ঘূৰি আহি অলপ দিন কাম কৰাৰ পাচতেই অসমৰ শিক্ষাবিভাগে তেখেতৰ যোগ্যতাত পৰিতুষ্ট হৈ প্রভিন্সিয়েল চার্ভিচৰ অসম উপত্যকাৰ স্কুলসমূহৰ এচিষ্টেণ্ট ইন্সপেক্টৰ পদ দিয়ে। অলপ দিন এই কাম কৰাৰ পাচতেই গোস্বামীদেৱে তেখেতৰ দক্ষতা আৰু বিশ্বাসেৰে উপৰিস্থ কৰ্ম্মচাৰীৰ বিশেষ আস্থা লাভ কৰিলে।

১৯১৬ চনত যোৰহাট নৰ্মাল স্কুলত ওপ্ৰ বার্ষিক

শ্ৰেণী খোলা বাবে সুযোগ্য চুপাৰিন্টেণ্ডেণ্ট এজনৰ আৱশ্যক হোৱাত গৱৰ্ণমেণ্টে গোস্বামীদেৱকেই সেই পদলৈ নিৰ্বাচন কৰে ; তেখেত এই স্কুললৈ আহি ইয়াক নকৈ পতাৰ দৰে সকলো প্ৰকাৰে উন্নত কৰিবলৈ যত্ন কৰে। তেখেতৰ বাছনিমতে পোনতে নৰ্মাল আৰু প্ৰেক্‌টিচিং স্কুলৰ শিক্ষকসকলক নিযুক্ত কৰোৱায় আৰু লগে লগে স্কুল ঘৰ, বোৰ্ডিং আদি আৱশ্যকমতে সজোৱাই স্কুলখন চকুত লগা কৰি তোলে। পোনতে অস্থায়ীভাৱে কিছুমান ঘৰ সজোৱাই স্কুলৰ কাম আৰম্ভ কৰিছিল, পাচত এইবোৰ ঘৰ স্থায়ীভাৱে তৈয়াৰ কৰোৱায়। ১ম মহাসমৰৰ সময়তেই তেখেতৰ এইবোৰ কাম আৰম্ভ হৈছিল। সেই সময়ত গৱৰ্ণমেণ্টৰ অৰ্থৰ ইমান নাটনি হৈছিল, যে চৰকাৰী কৰ্মচাৰীৰ মাহিলি দৰমহাও কাটিব লগা হৈছিল ; এনে কঠিন সময়তো তেখেতে হাজাৰে হাজাৰে টকা মঞ্জুৰ কৰোৱাই স্কুলখন সকলো প্ৰকাৰে উন্নত কৰাত কৃতকাৰ্য্য হৈছিল।

নৰ্ম্মাল স্কুলত কেইবছৰমান কাম কৰি ইয়াক এটা নতুন ৰূপ দিয়াৰ পাচত তেখেতক স্পেচিয়েল কৰ্মচাৰী কৰি ডাইৰেক্টৰ অফিচলৈ নিয়ে। তাত কিছুদিন থকাৰ

পাচত অসম উপত্যকাৰ স্কুলসমূহৰ ইন্সপেক্টৰ হৈ গোস্বামী-দেৱ পুনৰ যোৰহাটলৈ আহে। তেখেত কেইবাবাৰো স্পেচিয়েল কামত ডাইৰেক্টৰ চাহাবৰ অফিচলৈ গৈছিল। এবাৰ গৈ প্ৰাইমাৰী শিক্ষা বিস্তাৰৰ অৰ্থে এখন ৰিপোৰ্টো লিখি দিছিল। এই সময়তেই তেখেতে চিলঙত এটি অতি ধুনীয়া ঘৰ সাজে। শেষত তেখেত জনশিক্ষাৰ স্পেচিয়েল অফিচাৰ হয়। এইবাৰ তেখেতে গোটেই প্ৰদেশখন ঘূৰি ফুৰিব লগাত পৰিছিল। তাৰ পাচতেই তেখেতে ১৯৪৩ চনত চাকৰীৰপৰা অৱসৰ গ্ৰহণ কৰে।

চাকৰিৰপৰা অৱসৰ লৈ গোস্বামীদেৱে গুৱাহাটী বিশ্ববিদ্যালয় সম্পৰ্কে এখন আঁচনি



তৈয়াৰ কৰে। নলবাৰীত কলেজ পতা সম্পৰ্কেও তেখেতে ভালেমান বছৰৰপৰা চিন্তা আৰু আলোচনা কৰিছিল; আৰু কলিকতা বিশ্ববিদ্যালয়ৰ লগত এই বিষয়ে লিখালিখি কৰি আছিল। চাকৰিৰপৰা ওলায়েই তেখেতে মাজে সময়ে নলবাৰীলৈ আহি কলেজৰ ধন-সংগ্ৰহ কৰা কামো কৰিছিল। এনে সময়তে উদয়পুৰৰ ভাৰতীয় ঐতিহাসিক সভালৈ অসমৰ পুৰাতত্ত্ববিদ্ এজনক পঠাব লগা হোৱাত গৱৰ্ণমেণ্টৰ মনোনয়ন মতে তেখেত

তালৈ যাবলগীয়া হয়। গোস্বামীদেৱ নিৰ্ধাৰিত দিনত সহধৰ্মিণীৰ সৈতে সভাত উপস্থিত হয় গৈ আৰু তাত অসমৰ পুৰাতত্ত্ববিষয়ক এটি গৱেষণামূলক বক্তৃতা দি পুষ্কৰ আদি তীৰ্থ কৰি ভাৰতৰ মহানগৰী দিল্লীত উপস্থিত হয়হি। দিল্লীত এদিন বাস কৰিয়েই হিন্দুৰ পবিত্ৰ তীৰ্থ যমুনাৰ পাৰত সহধৰ্মিণীৰ কোলাত মূৰ থৈ মৰমৰ ভতিজা শ্ৰীযুত প্ৰমোদচন্দ্ৰ গোস্বামীৰ ফালে দৃষ্টি কৰি গোস্বামীদেৱে বৈকুণ্ঠ প্ৰয়াণ কৰে (১৯৪৪ চন ১৯ ডিচেম্বৰ)।

১ পৰিজন

গোস্বামীদেৱৰ "প্ৰভাত" নামৰ এটি লৰা আছিল; অলপ বয়সতেই মৃত্যু হয়। তেখেতৰ কন্যা দুটি—৺প্ৰতিভা দেৱী আৰু শ্ৰীমতী সুপ্ৰভা দেৱী। প্ৰতিভাক কটন কলেজৰ প্ৰফেচৰ গড়েমাৰি সত্ৰৰ শ্ৰীযুত উমাকান্ত গোস্বামী এম-এ, বি-এল দেৱলৈ বিবাহ দিছিল। দ্বিতীয়া কন্যা শ্ৰীমতী সুপ্ৰভাক নগাওঁ জিলাৰ কামপুৰৰ ফেক্টৰী ইন্সপেক্টৰ শ্ৰীযুত গোকুল চন্দ্ৰ গোস্বামী বি-ই দেৱত বিবাহ দিয়ে। গোস্বামীদেৱে কেইবাজনো ভতিজাকক প্ৰায় লগতে ৰাখি উচ্চ আদৰ্শেৰে গঢ়ি তুলিছিল। এইসকলৰ ভিতৰত শ্ৰীমান প্ৰফুল্লচন্দ্ৰ

গোস্বামী, শ্ৰীযুত প্ৰবোধচন্দ্ৰ গোস্বামী এম-এ, বি-টি, লেকচাৰাৰ, শ্ৰীযুত প্ৰসন্নচন্দ্ৰ গোস্বামী এম-এচ্ চি আৰু শ্ৰীযুত প্ৰমোদচন্দ্ৰ গোস্বামী এম-এ প্ৰধান।

গোস্বামীদেৱ কলেজত পঢ়ি থাকোঁতেই কামৰূপৰ দেৱালয় আৰু ব্ৰাহ্মণপৰিয়ালবোৰৰ



ইতিবৃত্ত সংগ্ৰহ কৰিবলৈ এখনি আঁচনি তৈয়াৰ কৰি বিলি কৰিছিল; ইয়াৰ কিছু কিছু কাম সেই সময়ত সংগৃহীতো হৈছিল। তেখেতে নলবাৰীত "অমৃত-এজেন্সী" নামে এখন কিতাপৰ দোকানো শ্ৰীযুত আদ্যনাথ শৰ্ম্মাদেৱৰ হতুৱাই আৰম্ভ কৰাইছিল। চাকৰি আৰম্ভৰ প্ৰায় লগে লগেই পণ্ডিত শ্ৰীযুত তাৰানাথ চক্ৰবৰ্ত্তীদেৱৰ সম্পাদিত "আসাম বান্ধৱত" তেখেতে যোগ দিয়ে; ডাঃ হৰিকৃষ্ণ দাস, ৰায় বাহাদুৰ শ্ৰীযুত কালিৰাম মেধি ভাণ্ডৰীয়াৰ সৈতে গোস্বামীদেৱে এটা বোৰ্ড গঠন কৰিও কিছুদিন এই পত্ৰিকাখন চলোৱাত যোগ দিছিল। নলবাৰী মাইনৰ স্কুলখনি হাইস্কুলত পৰিণত কৰা কাৰ্য্যতো চাকৰি কালৰ ভিতৰতেই গোস্বামীদেৱে অশেষ যত্ন কৰিছিল। কামৰূপ সংস্কৃত শিক্ষাৰ কেন্দ্ৰ। ইয়াত সংস্কৃত কলেজ এখনৰ অভাৱ বহুত দিনৰপৰা বহুতে

বোধ কৰিছিল। গোস্বামীদেৱে চাকৰিৰ শেষ কাল ডোখৰত একেৰাহে কেইবা বছৰো যত্ন কৰি নলবাৰী সংস্কৃত কলেজ স্থাপন কৰোৱায়; বৰ্ত্তমানে এই কলেজে গৱৰ্ণমেন্টৰপৰা যথেষ্ট সাহায্য পাই সুপ্ৰতুলে চলিব ধৰিছে। স্কুল-ইন্সপেক্টৰ হৈ থকা কালত তেখেতে মিকিৰ পাহাৰত অসমীয়া ভাষা চলাবলৈ গৱৰ্ণমেন্টৰ লগত লিখালিখি কৰে; আৰু নানা কাৰণ দেখুৱাই বহুবাৰ লিখাত শেষত গোস্বামীদেৱ কৃতকাৰ্য্য হয়। আজি মিকিৰ পাহাৰত অসমীয়া ভাষা চলা কাৰ্য্যটো গোস্বামীদেৱৰেই আপুৰুগীয়া চেষ্টাৰ ফল।

গোস্বামীদেৱে যি কামতেই ধৰিছিল সেই কামকেই অতি পৰিপাটিৰূপে ক'তো আৰ নথকাকৈ কৰিব পাৰিছিল। তেখেতৰ জীৱন চৰকাৰী চাকৰিতেই গ'ল যদিও তেখেতে কৰা প্ৰত্যেকবিধ কামতেই নিয়মৰ ভিতৰত থাকি স্বাধীন চিন্তা খটাই ব্যক্তিত্ব ফুটাই তুলিছিল। স্কুল পৰিদৰ্শক হিচাবে তেখেতে যি কেইবছৰ কাম কৰিছিল, আজিও সকলো শিক্ষকে তেখেতৰ মনোহৰ মূৰ্ত্তি, হাঁহিমুখৰ মাত, সুখ-দুখত সহানুভূতি দেখুৱা আৰু পৰিদৰ্শনৰ লগতেই

১১ দক্ষতা

আদৰ্শ পাঠদানৰ কথা সুৰঁৰি আনন্দ কৰে। অসম উপত্যকাৰ এমূৰৰপৰা আন মূৰলৈকে তেখেতে জীৱনত বহুবাৰ ঘূৰিছিল আৰু প্ৰায়বিলাক প্ৰধান ঠাইৰ সকলো স্কুল পৰিদৰ্শন কৰিছিল। তেখেত ফুৰোঁতে অসমৰ যি কোনো ঠাইৰ শিক্ষিত লোক পালেই সেই ঠাইৰ শিক্ষাৰ উন্নতিৰ হকে নানা সজ পৰামৰ্শ দিছিল। অফিচলৈ গলে অফিচৰ আৱশ্যকীয় কামবোৰ কৰি এঁটাই বিভিন্ন ঠাইত থকা শিক্ষা আৰু শিক্ষালয়ৰ উন্নতিৰ উপায় চিন্তা কৰিছিল। শিক্ষকৰ পদগৌৰৱ আৰু আৰ্থিক অৱস্থাৰ উন্নতিৰ কথা বৰ বেচিকৈ ভাবিছিল। তেখেতে এই অভাজন লিখকক আৰু শ্ৰীযুত আদ্যনাথ শৰ্ম্মাদেৱক হাতত লৈ পোনতে "নৰ্ম্মাল স্কুলৰ পুৰণি ছাত্ৰ সম্মিলন" নাম দি এখন সম্মিলনী যোৰহাট নৰ্ম্মাল স্কুললৈ আমন্ত্ৰণ কৰোৱায়; পাচত ইয়াকেই "অসম শিক্ষক সম্মিলন"ত পৰিণত কৰোৱাই সম্মিলনৰ যোগেদিও শিক্ষকসকলৰ নানা অভাৱ-অভিযোগ কৰ্ত্তৃপক্ষক জনোৱাব দিহা কৰোৱায়। ইয়াৰ ফলতেই প্ৰাইমাৰী স্কুলৰ শিক্ষকৰ দৰমহা মাহিলি ৮৲ টকাৰপৰা ১২৲ টকা হয়; আৰু কিছুদিন পাচত গৱৰ্ণমেণ্ট ছাত্ৰবৃত্তি-মাইনৰ স্কুলৰ শিক্ষকৰ দৰমহাৰ আৰম্ভ

মাহিলি ৩০৲ টকা আৰু হাইস্কুলৰ অসমীয়া ভাষাৰ শিক্ষকৰ মাহিলি দৰমহা আৰম্ভ হোৱাৰ ব্যৱস্থা হয় ৪০৲ টকা। এইদৰে তেখেতে শিক্ষকৰ অৱস্থা উন্নত কৰিবলৈ যেতিয়াই যি সুযোগ পাইছিল তাক নথটোৱাকৈ এৰি দিয়া নাছিল; কিন্তু অসৎ চৰিত্ৰ, মিছলীয়া, ফাঁকি দিয়া লোকক তেখেতে সন্নুলি ভাল নাপাইছিল, সেই বুলি সিবিলাকৰ অনিষ্ট চিন্তা নকৰিছিল, বৰং চৰিত্ৰ শুধৰাবলৈ পৰাখিনিত সুবিধা দিবলৈ পাচ নুহুহকিছিল।

১২ নৰ্মাল স্কুল পৰিচালনা

গোস্বামীদেৱে নৰ্ম্মাল স্কুল পৰিচালনা কৰোঁতে ল'ৰাবিলাকৰ আগত উচ্চ আদৰ্শ দাঙি ধৰাৰ লগে লগে ল'ৰাবিলাকক নাগৰিক জীৱন লাভ কৰিবলৈ নানাবিধ সহানুভূতিসূচক আৰু সংগঠনমূলক কামত অভ্যস্ত কৰোৱাৰ ব্যৱস্থা কৰিছিল। স্কুলবোৰ্ডিঙৰ কোনো ছাত্ৰৰ টান অসুখ-বিসুখ হলে গোস্বামীদেৱে ল'ৰাবিলাকৰ হতুৱাই শুশ্ৰূষা কৰোৱা, পৰদিওৱা আদি কাম কৰাইছিল। নগৰৰ কোনো ৰুগীয়া লোকৰ শুশ্ৰূষাৰ অভাৱ শুনিলে তেখেত নিজে গৈ উপস্থিত হৈছিল আৰু স্কুলৰ শিক্ষক-ছাত্ৰৰ হতুৱাই পালপাতি শুশ্ৰূষা কৰাইছিল। কোনো

নিৰাশ্ৰয় লোকৰ শ শতকাৰৰ আৱশ্যক হলে সকলো ছাত্ৰ-শিক্ষক গৈ সংকীৰ্ত্তন কৰি শ দাহ কৰিছিল। আশ্ৰয়হীন লোকক আস্পাটালত ৰখাই নৰ্ম্মাল স্কুলৰ ল'ৰাই পালপাতি পৰ দিছিল। নগৰৰ কোনো লোকে বিয়া-সবাহত সহায় বিচাৰিলে নৰ্মাল স্কুলৰ ল'ৰা গৈ বিয়াৰ সকলো প্ৰকাৰ কামত গাৰে খাটি দিছিল। স্কুলত ছাত্ৰবিলাকৰ এটা ধনৰ ভঁৰাল ৰাখিছিল; এই ভঁৰালৰপৰা অৱস্থাহীন ছাত্ৰৰ ঔষধ-পথ্য আদি দিওৱাৰ ব্যৱস্থা কৰিছিল। বছৰৰ শেষত লৰাবিলাক ঘৰলৈ যোৱাৰ আগতে ছাত্ৰ-ভঁৰালৰ ধনেৰে এটা ডাঙৰ প্ৰীতিভোজ পাতিছিল; এই ভোজলৈ নগৰৰ বিশিষ্ট লোকসকলকো সময়ে সময়ে নিমন্ত্ৰণ কৰিছিল। প্ৰতি তিথি-মহোৎসৱত বোৰ্ডিঙত ডাঙৰকৈ নাম-প্ৰসঙ্গ কৰাৰ নিয়মো তেখেতে বান্ধি দিছিল।

স্কুলত "জ্ঞান দায়িনী" আৰু "ধৰ্মালোচনী" নামৰ দুখন সভা আছিল। প্ৰতি শনিবাৰে ছাত্ৰ-শিক্ষকসকলে ইয়াত গোটখাই নানা বিষয়ৰ আলোচনা কৰিছিল। এই সভাত গোস্বামীদেৱ প্ৰায়ে উপস্থিত থাকি একোটা সাৰগৰ্ভ বক্তৃতা দিছিল। এই সভালৈ নগৰৰ কৃতবিদ্য

লোকসকলকো মাজে সময়ে নিমন্ত্ৰণ কৰি আনি বক্তৃতা দিওৱাইছিল। দূৰৰপৰা কোনো জ্ঞানী, সাধুলোক আহিলে তেওঁ নৰ্মাল স্কুলত বক্তৃতা নিদিয়াকৈ যাব নোৱাৰিছিল। "জ্ঞান দায়িনী" সভাৰ যোগে নৰ্মাল স্কুলৰপৰা "প্ৰভাত" নামে এখন আলোচনী প্ৰকাশ কৰিছিল। বহু বছৰ আমিয়েই এই আলোচনীৰ সম্পাদন কাৰ্য্য কৰিছিলোঁ।

গোস্বামীদেৱে নৰ্ম্মাল স্কুলত এটা সৰু "মিউজিয়ম" তৈয়াৰ কৰিছিল; এই মিউজিয়মত নানাবিধ ধান, শিল, এড়ী, মুগা, শামুক, কৃতীছাত্ৰবিলাকৰ উৎকৃষ্ট হাতৰ কাম; যেনে—দেশৰ বৰ লোকসকলৰ ছবি, গ্লোব, মেপ, নানাবিধ কাঠ, বাঁহ আৰু বেতৰ কাম তাত সুন্দৰভাৱে সজাই ৰখা হৈছিল।

তেখেতে স্কুলত নানাবিধ খেল-ধেমালিৰ ব্যৱস্থা কৰাৰ উপৰিও কিছুমান ল'ৰাক পালোৱানি শিকিবলৈও সুবিধা দিছিল। ইয়াৰ উপৰিও ল'ৰাবিলাক ব্ৰাহ্মমুহূৰ্ত্ততে উঠি কছৰৎ কৰা, নিজে সকলো কাম কৰি ৰান্ধি-বাঢ়ি খোৱাৰ নিয়ম বান্ধি দিছিল। বোৰ্ডিংৰ ছাত্ৰসকলে যাতে নিজৰ শোৱা-কোঠালি, উৰা-পিন্ধা কাপোৰ আৰু বিছনাৰ কাপোৰ চাফ-চিকণকৈ ৰাখে, তালৈ তেখেতে চোকা

দৃষ্টি ৰাখিছিল। "নিৰ্মলতাই পৱিত্ৰতা আৰু পৱিত্ৰতাই ঈশ্বৰৰ ওচৰ চপায়" এই বাক্য ছাত্ৰবিলাকক কামে-কাজে শিক্ষা দিবলৈ যত্ন কৰিছিল।

নৰ্মাল স্কুলৰ ছাত্ৰ-শিক্ষকসকলৰ ভিতৰত এটা কো-অপাৰেটিভ ষ্টোৰ স্থাপন কৰিছিল। এই ষ্টোৰে তেওঁলোকৰ খোৱা-লোৱা বস্তু আৰু কিতাপ-কাগজ আদি বজাৰ দৰতকৈ কমত পোৱাৰ ব্যৱস্থা কৰোৱাইছিল। এই ষ্টোৰ আজলৈকে সুকলমে চলি আছে।

১৩ প্ৰ্যাক্‌টিচিং স্কুল

গোস্বামীদেৱে নৰ্মাল স্কুলৰ অঙ্গীভূত প্ৰ্যাক্‌টিচিং স্কুল কেইখনিও আদৰ্শ পঢ়াশালি কৰি গঢ়ি তুলিছিল। এই স্কুলৰ ছাত্ৰ-বিলাক পঢ়া, হাতৰ কাম আদিত পৈণত হোৱাৰ উপৰিও জুনজুনীয়া হাততলৈ বেহেলা, বাঁহী, হাৰমোণিয়ম আদি যন্ত্ৰত নানা সুৰৰ তালে তালে কছৰৎ কৰি নিয়মানুবৰ্ত্তিতাৰ আৰ্হি দেখুৱা, শ্ৰেণীৰ শিক্ষক কোনো সময়ত অনুপস্থিত থাকিলে ছাত্ৰবিলাক নিজ নিজ কামত নিবলে লাগি থাকি কৰ্ত্তব্যনিষ্ঠা দেখুৱা মনত পৰিলে আজিও এই লিখকৰ হিয়া আনন্দত উপচি পৰে।

স্কুল আৰু বোৰ্ডিঙৰ নিয়ম প্ৰণালীবোৰ তেখেতে বহুত ভাবি চিন্তি এনে ভাৱে প্ৰচাৰ কৰিছিল, যে তাক পাচত পৰিবৰ্ত্তন কৰিবলগা নহৈছিল আৰু তেখেতৰ কাৰ্য্যকালত সেই নিয়মবোৰ কোনোৱেই লঙ্ঘন কৰিবলৈ সাহ নকৰিছিল। তেখেতে নিজে যেনেকৈ স্কুলৰ স্বাৰ্থকেই স্বকীয় স্বাৰ্থ বুলি ভাবিছিল—সহকাৰী শিক্ষকসকলেও তেখেতৰ অনুপ্ৰেৰণাত অনুপ্ৰেৰিত হৈ স্কুলৰ স্বাৰ্থকেই প্ৰথম স্থান দিছিল। তাৰ ফলত প্ৰত্যেক শিক্ষকেই নৰ্মাল আৰু প্ৰ্যাক্‌টিচিং স্কুলবোৰক নিজা অনুষ্ঠান বুলি বোধ কৰিছিল। এই কাৰণে যোৰহাট নগৰত সেই সময়ৰ নৰ্মাল স্কুলৰ আসন সকলোৰে আগত আছিল আৰু নৰ্মাল স্কুলৰ ছাত্ৰ-শিক্ষক বুলিলেই সকলোৰে শ্ৰদ্ধা আকৰ্ষণ কৰিছিল। তেখেত নৰ্মাল স্কুলত থকা কালত ভাৰত গৱৰ্ণমেণ্টৰ শিক্ষাবিভাগীয় কমিচনাৰে এই স্কুল পৰিদৰ্শন কৰি "এনে সুপ্ৰতিষ্ঠিত আৰু পৰিচালিত নৰ্মাল স্কুল ভাৰতৰ ক'তো দেখা নাই" বুলি মত প্ৰকাশ কৰি আনন্দ লাভ কৰিছিল।

১৪ কৰ্ত্তব্যনিষ্ঠা

গোস্বামীদেৱৰ কৰ্মকুশলতা ফুটি উঠিছিল এই সময়ৰ আন এটা কাম "অসম সাহিত্য সভা"ত। তেখেত

এই সভাৰ প্ৰধান সম্পাদক থকা কালত দাতা ৰায়বাহাদুৰ ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াই দেশৰ জনহিতকৰ কামৰ অৰ্থে দান আগ বঢ়ায়। তাকে শুনি গোস্বামীদেৱে পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱৰ সৈতে সন্দিকৈ ডাঙৰীয়াৰ কাষ চাপে আৰু তেখেতক কৈ "অসম সাহিত্য সভালৈ" সেই দান দিওৱাৰ সম্মতি কৰোৱায়। গোস্বামীদেৱ সাহিত্য সভাৰ প্ৰধান সম্পাদক হৈ থকাৰ সময়তেই সাহিত্য সভাৰ অফিচ যোৰহাটত স্থায়ীভাৱে ৰখাৰ নিয়ম কৰোৱায় আৰু ৰায়বাহাদুৰৰ দানেৰে "চন্দ্ৰকান্ত সন্দিকৈ হল" নাম দি সাহিত্য সভাৰ বাবে এটি ধুনীয়া ঘৰ সজোৱায় আৰু তাতেই "চন্দ্ৰকান্ত অভিধান" নামে এখনি সুবৃহৎ অভিধান সঙ্কলন কৰোৱায়।

প্ৰধান সম্পাদক গোস্বামীদেৱে লিখা-লিখি কৰি অসম উপত্যকাৰ প্ৰধান ঠাইবোৰত শাখা সাহিত্য সভা স্থাপন কৰোৱাই অসম সাহিত্য সভাখনি সুগঠিত কৰি তোলে। এই সময়তেই পণ্ডিত হেমচন্দ্ৰ গোস্বামী, শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা, শ্ৰীযুত কুলধৰ চলিহা, ৰায়বাহাদুৰ শ্ৰীযুত হেড়ম্বপ্ৰসাদ বৰুৱা আদিৰ সৈতে লগহৈ শ্ৰীশ্ৰীদক্ষিণ-পাট সত্ৰাধিকাৰ গোস্বামীদেৱৰপৰা পাঁচ হাজাৰ টকা

দান লৈ সাহিত্য সভাত "নৱদেৱ ট্ৰাষ্ট ফণ্ড" কৰি বৈষ্ণৱ সাহিত্য প্ৰকাশৰ আৰু মাহাৰাসত্ৰৰ ৰাধাকান্ত গোস্বামীদেৱৰপৰা দুহাজাৰ টকা লৈ "কমলাদেৱী ট্ৰাষ্ট ফণ্ড" কৰি শিশু-সাহিত্য প্ৰকাশৰ ব্যৱস্থা কৰোৱায় ইয়াৰ উপৰি অসম গৱৰ্ণমেণ্টলৈ লিখা-লিখি কৰি সাহিত্য সভাৰ অফিচ আদি চলাবলৈ হাজাৰ টকাৰ বাৎসৰিক গ্ৰ্যাণ্ট্ আৰু সভাৰ পুথি-ভঁৰালৰ বাবে এককালীন দুহাজাৰ টকাৰ গ্ৰ্যাণ্ট্ মঞ্জুৰ কৰায়। তেখেতৰ যত্নত সাহিত্য সভাৰপৰা "অসম সাহিত্য সভা পত্ৰিকা" নামে সভাৰ এখনি মুখপত্ৰও ওলাইছিল; আৰু পণ্ডিত শ্ৰীযুত প্ৰতাপচন্দ্ৰ গোস্বামীদেৱৰ হতুৱাই কোচবিহাৰ অঞ্চলৰ আৰু এই লিখকৰ হতুৱাই উজনী আৰু মধ্য অসমৰ কিছুমান সত্ৰৰ প্ৰাচীন পুথিবোৰৰ তালিকা সংগ্ৰহ কৰোৱাইছিল। এইদৰে গোস্বামীদেৱৰ যত্নতেই অসম সাহিত্য সভাখন সুপ্ৰতিষ্ঠিত হৈ উঠে।

গোস্বামীদেৱে নৰ্মাল স্কুল আৰু অসম সাহিত্য সভাত এইদৰে ঐকান্তিকভাৱে খটাৰ ফলতেই দুয়োটা প্ৰতিষ্ঠানেই চকুত লগা হোৱাৰ লগে লগে নৰ্মাল স্কুল আৰু সাহিত্য সভা বুলিলে "শৰৎ গোস্বামী" আৰু "শৰৎ

গোস্বামী" বুলিলেই নৰ্মাল স্কুল আৰু সাহিত্য সভাক বুজোৱা হৈছিল। আমাৰ পৰম সৌভাগ্য, যে আমি তেখেতৰ সহকাৰী শিক্ষকৰূপে নৰ্মাল স্কুলত আৰু সহকাৰী সম্পাদক হিচাবে সাহিত্য সভাত ভালেমান বছৰ কাম কৰিবলৈ সুযোগ পাইছিলোঁ। স্কুল ইন্সপেক্টৰ হৈ থকা কালতো গোস্বামীদেৱ সাহিত্য সভাৰ কাৰ্য্যনিৰ্বাহক সভাৰ সভ্যৰূপে থাকি সভাৰ যাৱতীয় কাৰ্য্যত অশেষ সহায় কৰিছিল।

স্কুল ইন্সপেক্টৰ হৈ থকা কালত তেখেতে শিক্ষকসকলৰ আৰ্থিক অৱস্থা উন্নত কৰাৰ অৰ্থে প্ৰায়ে লিখা-লিখি কৰি আছিল।

১৫ স্কুল ইন্সপেক্টৰ

তেখেতে নৰ্মাল তৃতীয় বাৰ্ষিক পাছ কৰা শিক্ষকসকলক স্কুল চব ইন্সপেক্টৰ কৰি দিয়াৰ পক্ষপাতী আছিল; আৰু সেই অৰ্থে নিজে যত্ন কৰাৰ উপৰিও আনৰ হতুৱাই নানাভাৱে যত্ন কৰোৱাইছিল। শেষত তেখেতৰ যত্নতেই ১৯৪১ চনত ছজন নৰ্মাল পাছ শিক্ষকক এচিষ্টেণ্ট চব ইন্সপেক্টৰ কৰি দিয়াবলৈ সমৰ্থ হৈছিল।

তেখেত নিজে যেনে উচ্চাভিলাষী আৰু শিক্ষাব্ৰতী আছিল, আনকো তেনে হবলৈ সুবিধা পালেই উপদেশ

দিছিল ; আৰু তেখেতৰ উপদেশ শুনি চলা লোকক কৃতকাৰ্য্য হোৱা দেখিলে পৰম আনন্দলাভ কৰিছিল। তেখেতে স্কুল পৰিদৰ্শন কৰোঁতে শিক্ষকসকলক, বিশেষকৈ নৰ্মাল পাছ শিক্ষকসকলক উচ্চ শিক্ষাৰ বাবে উৎসাহ দিছিল। তেখেতৰ উদগনিতেই বহুতো তৃতীয় বাৰ্ষিক পাছ শিক্ষকে ঘৰতে পঢ়ি মেট্ৰিক, আই-এ, বি-এ আৰু এম-এ পাছ কৰিছিল। তেখেতৰ সুযোগ্য ছাত্ৰ তৃতীয় বাৰ্ষিক নৰ্মাল পাছ শ্ৰীমান কালীৰাম বৈশ্য এম-এ, বি-টিৰ নাম ইয়াতে উল্লেখ কৰি থলোঁ।

১৬ সহকৰ্মীসকলৰ লগত ব্যৱহাৰ

গোস্বামীদেৱে উপৰিস্থ কৰ্মচাৰী হৈ স্কুল বা অফিচত সকলোৰে কামত চোকা দৃষ্টি ৰাখিলেও অন্তৰত সকলোৰে লগত ভাতৃভাৱ ৰাখিছিল আৰু তেওঁলোকৰ সুখ-দুখত সদায় সহানুভূতি দেখুৱাইছিল। টানে-আপদে সহায় পাবলৈ শিক্ষা বিভাগৰ কৰ্মচাৰীসকলৰ ভিতৰত এখন সমবায় সমিতিও তেখেতে স্থাপন কৰি দিছিল। চৰকাৰী কাম চলোৱাত তেখেতে ন্যায়নিষ্ঠ আছিল যদিও ক্ষমতাৰ অপব্যৱহাৰ সমূলি নকৰিছিল। সহযোগী কৰ্মীসকলৰ কোনোজনে কিবা বিশেষ চকুত লগা কাম

কৰা দেখিলে তেখেতে সেই বিষয়ত আৰু উন্নতি কৰি-
লৈ নানাভাৱে সাহায্য কৰিছিল। পুথিবছা কমিটিৰ
তেখেত চেক্রেটৰী আৰু প্রেচিডেণ্ট হৈ থকা কালত
গোস্বামীদেৱৰ সম্পর্কত থকা লোকৰ কোনো পুথি
নির্বাচনত পৰিলে কমিটিত তেখেত নিমাত থাকি আন
আন সভ্যসকলৰ মতামত মতেই চলিছিল; ন্যায়ৰপৰা
পিছলি তেখেতে জীৱনত কাকো অনুগ্রহ দেখুৱা আমাৰ
কুত পৰা নাছিল।

গোস্বামীদেৱ সদায় নিকা হৈ চলিছিল। তেখেতে পৰিপাটিভাৱে সাজপোছাক পিন্ধিছিল।

১৭ সামাজিকতা

সকলো বস্তু পৰিপাটিকৈ ৰখাও তেখে-
তৰ এটা এৰাব নোৱাৰা অভ্যাস আছিল। কিন্তু
সেই বুলি আমাৰ দৰে লেতেৰা, বিশৃঙ্খল সাধাৰণ
মানুহৰ জুপুৰিলৈও নহাকৈ নাছিল; আন কি এই
নিচিনা ঘৰত মাজে সময়ে জা-জলপান নকৰাকৈও নাছিল।
তেখেতে যাৰে ঘৰলৈ গৈছিল তাতেই খাবলৈ দিয়া
বস্তু ৰংমনে খাই তৃপ্তিলাভ কৰিছিল। কেতিয়াবা
কোনো বন্ধু-বান্ধৱৰ বা সহকর্মীৰ ঘৰত জ্বৰ-নৰিয়া,
আনন্দ-উৎসৱ হলে সাত কাম পাছ কৰিও নিজে প্রায়ে

সহধৰ্মিনীক লগত লৈ উপস্থিত হৈছিল; গোস্বামীদেৱে এইদৰে তেখেতসকলক আনন্দ দিয়াৰ উপৰিও নানা সজ পৰামৰ্শ দিছিল আৰু আৱশ্যক হলে নানা বিষয়ে সহায়ো কৰিছিল।

১৮ সদালাপ

গোস্বামীদেৱে চৰকাৰী কামকেই প্ৰধানকৈ ধৰিছিল যদিও বন্ধু-বান্ধৱ আৰু জনসাধাৰণক নানা সজ পৰামৰ্শ দিয়াটো এটা কৰ্ত্তব্যৰ ভিতৰত বুলি ধৰিছিল; সেই কাৰণে তেখেত য'তে নাথাকক বন্ধু-বান্ধৱ আৰু আন লোকৰ সমাগম বহুতো হৈছিল। ইয়াৰ উপৰিও তেখেতে মাজে সময়ে সন্ধ্যাৰ পাচত সহধৰ্মিনী, কন্যা, ভতিজা আৰু দুই এজন অন্তৰঙ্গ বন্ধুৰ লগত একেলগে বহি নানা আলাপ আলোচনা কৰাত সময় অতিবাহিত কৰিছিল। এই আলাপত দেশৰ নানা হিতকৰ কামৰো আলোচনা হৈছিল। আলোচনাত তেখেতে সকলোকে স্বাধীনভাৱে তৰ্ক-বিতৰ্ক কৰিবলৈকো সুবিধা দিছিল।

১৯ পুথিৰ ভঁৰাল আৰু পাণ্ডিত্য

গোস্বামীদেৱে এটি অমূল্য পুথিৰ ভঁৰাল সদায় লগত ৰাখিছিল। তেখেতে নিতৌ এখন দৈনিক ইংৰাজী কাকত, অসমীয়া,

বঙালী কাকত, ইংৰাজী, অসমীয়া, বঙালী উৎকৃষ্ট মাহিলি পত্ৰিকা পঢ়িছিল। যেতিয়া যি ভাল গ্ৰন্থ প্ৰকাশ হোৱা সংবাদ পাইছিল, তেতিয়াই সেই কিতাপ অনাই তেখেতৰ পুথি ভঁৰালত ৰাখিছিল। কিতাপ তেখেতে প্ৰায়ে ৰাতি থাই উঠি পঢ়িছিল। কলেজৰ ছাত্ৰৰ দৰে এইদৰে নিতৌ পাঠৰ অভ্যাস ৰখাৰ ফলত তেখেতৰ জ্ঞান উত্তৰোত্তৰ বাঢ়ি গৈছিল। সেই কাৰণে যি কোনো পণ্ডিতৰ লগত আলাপ কৰাত গোস্বামীদেৱে নিজৰ পাণ্ডিত্য ফুটাই তুলিব পাৰিছিল। গোস্বামীদেৱৰ গভীৰ জ্ঞান দেখি বহুত বন্ধু-বান্ধৱে তেখেতৰ নামৰ পাচত বি-এ লিখিবলৈ পছন্দ কৰা নাছিল ; পাচত গৱৰ্ণমেণ্টে তেখেতৰ কৰ্মদক্ষতাৰ পৰিচয় স্বৰূপ I. S. O. উপাধি দিয়াৰ পাচতহে I. S. O. লিখি সান্ত্বনা লাভ কৰে। কামৰূপৰ-পৰা পণ্ডিতমণ্ডলীয়ে তেখেতৰ পাণ্ডিত্যৰ অলঙ্কাৰস্বৰূপ "বিদ্যানিধি" উপাধি দি সন্তোষ লাভ কৰে।

গোস্বামীদেৱ এজনা সুসাহিত্যিক পুৰুষ আছিল। বাল্য কালৰপৰাই তেখেতে পোনতে ঘৰত দদাকৰ লগত, পাচত সাময়িক পত্ৰিকাবোৰত প্ৰবন্ধ লিখি সাহিত্যচৰ্চা কৰিবলৈ ধৰে।

২০ সাহিত্য চৰ্চা

সেই সময়ৰ "জোনাকী", "ঊষা", "আলোচনী", "চেতনা", "আসাম বান্ধৱ" আদিত তেখেতে বিবিধ প্ৰৱন্ধ লিখিছিল। বি-এ পঢ়োঁতে তেখেতে "পানীপথ" নামৰ এখনি উপন্যাস, "পৰীক্ষা" নামৰ অমিতাক্ষৰ ছন্দৰ এখনি নাটক ৰচনা কৰিছিল। চাকৰি জীৱনত তেখেতে বহুতো চুটিগল্প, বৈষ্ণৱ ধৰ্ম্ম সম্বন্ধীয় প্ৰৱন্ধ লিখিছিল। ইয়াৰ উপৰি ভাৰতৰ বিখ্যাত ইংৰাজী পত্ৰিকাবোৰতো মাজে সময়ে সুচিন্তিত প্ৰৱন্ধ দান কৰিছিল। শেষ জীৱনত তেখেত কামৰূপ অনুসন্ধান সমিতিৰ জৰ্ণেলৰ সম্পাদকৰ গুৰুভাৰো গ্ৰহণ কৰিব লগাত পৰিছিল। ইয়াৰ উপৰি তেখেতে প্ৰাচীন অসমীয়া কবিসকলৰ ভাল ভাল লিখা কথাও সংগ্ৰহ কৰিছিল। নৰ্ম্মাল স্কুলত থাকোঁতে মনোবিজ্ঞানৰ ভাল পুথিৰ অভাৱ দেখি "শিক্ষা বিচাৰ" নামে আৰু প্ৰ্যাক্‌টিচিং স্কুলত চলোৱা পদ্ধতিৰ "বহুশ্ৰেণীৰ শিক্ষা-প্ৰণালী" নামে শিক্ষাদান বিষয়ক পুথি লিখি প্ৰকাশ কৰিছিল। অসমীয়া ভাষাৰ পাঠ্যপুথিৰ অভাৱ দেখি তেখেতে কেইবাখনিও পাঠ্যপুথি ৰচনা কৰিছিল। গোস্বামীদেৱৰ "গল্পাঞ্জলি", "ময়না" আৰু "বাজিকৰ" আমাৰ ভাষাৰ আদৰ্শস্বৰূপ চুটি গল্পৰ পুথি তিনিখনো

তেখেতে চাকৰী কালতেই প্ৰকাশ কৰিছিল। "চন্দ্ৰকান্ত অভিধান"ত বহুতো অসমীয়া শব্দ বাদ পৰা দেখি তেখেতে "কামৰূপীয় শব্দকোষ" নামৰ এখনি সুবৃহৎ অভিধান সংকলন কৰিবলৈও হাতত লৈছিল। এই অভিধান সংকলন কাৰ্য্যত আমি আৰু শ্ৰীযুত উমাকান্ত মিশ্ৰদেৱ নিযুক্ত হৈছিলোঁ; ইয়াৰ স্বৰবৰ্ণ আৰু ব্যঞ্জনবৰ্ণৰ কেৱল 'গ' আখৰলৈকে মাত্ৰ লিখা হৈছিল। "অতুল-কথামালা"ৰ সম্পাদন কাৰ্য্যও তেখেতৰ এটা অমূল্য দান।

গোস্বামীদেৱৰ প্ৰতিভা বহুমুখী আছিল; তেখেতে যি কামতে ধৰিছিল তাতেই তেখেত কৃতকাৰ্য্য হৈছিল। তেখেত সদায় নানা কামত আৱদ্ধ থাকিলেও আৰু আপুৰুগীয়া শিক্ষাৰ হেঁপাহ থকা স্বত্বেও তেখেতক সাক্ষাত কৰিবলৈ যোৱা ছাত্ৰ, শিক্ষক, চাকৰি বিচৰা মানুহ, বন্ধু-বান্ধৱ কোনো বিমুখ হোৱা নাছিল। তেখেত কেতিয়াবা গা ধুবলৈ ওলাওঁতেও কোনো মানুহ অহা শুনিলে গা নুধুই দেখা কৰিছিল। কেতিয়াবা ৫।৬ ঘণ্টা অফিচৰ কাম কৰি আহি ঘৰ সোমাওঁতেও যদি কোনো মানুহ উপস্থিত হয়, তেওঁকো সন্মিধান দিবলৈ আহুকাল বোধ নকৰিছিল।

২১ বহুমুখী প্ৰতিভা

তেখেত আজীৱন শিক্ষাবিভাগত থাকিলেও তেখেতৰ পাণ্ডিত্য, নানা বিষয়ত জ্ঞান আৰু সৌজন্যতাৰ ফলত আন আন বিভাগৰ উপৰিস্থ কৰ্মচাৰী আৰু মাননীয় মন্ত্ৰী মহোদয়সকলৰ লগত তেখেতৰ সদ্ভাব আছিল। সেই কাৰণে দেশৰ বহুতো শিক্ষিত ডেকাক তেখেতে নিজ প্ৰভাবেৰে নানা বিভাগৰ চাকৰিত নিযুক্ত কৰোৱাই নিবনুৱাৰ সমস্যা আংশিক পৰিমাণে সমাধান কৰি দিছিল। এচেম্ব্লিৰ সভ্যসকলৰ লগত তেখেতৰ বিশেষ সদ্ভাৱ আছিল। তেখেতসকলৰ যাকে ঘ'তে গোস্বামীদেৱে লগ পাইছিল তাকেই অভাৱ অভিযোগবোৰৰ কথা ফঁহিয়াই কৈছিল ; আনকি কোনো কোনো সভ্যক এচেম্ব্লিত প্ৰশ্ন কৰিবলৈ মাজে সময়ে প্ৰশ্নও লিখি দিছিল। গোস্বামীদেৱৰ চাৰিওফালে দৃষ্টি, গভীৰ জ্ঞান আৰু ব্যক্তিত্ব দেখি এইদৰে নানা বিষয়ে প্ৰায় সকলো সময়তে তেখেতক বহুতে ব্যতিব্যস্ত কৰি ৰাখিছিল। গোস্বামীদেৱে এইদৰে সদায় কামত আৱদ্ধ হৈ থাকিলেও তাৰে ভিতৰতেই দেশৰ শিক্ষাৰ উন্নতিৰ অৰ্থে নানা জনৰপৰা পৰামৰ্শ লাভ কৰিবলৈও মাজে সময়ে লিখা-লিখি কৰি অভিমত গ্ৰহণ কৰিছিল।

তেখেতে এই অভাজন লিখকলৈ লিখা এখন চিঠিৰ নকল তলত দিয়া হল—

নাৰায়ণপুৰ, চিলং
১০-৮-৩৪

শ্ৰীমান হৰিনাৰায়ণ,

* * *

প্ৰাইমাৰী শিক্ষাৰ বিষয়ে তোমাৰ যি কৰলগীয়া সংক্ষেপ কৰি লেখি জনাবা। (১) আমাৰ স্কুলবিলাকলৈ ছাত্ৰ আৰু অভিভাবকৰ আগ্ৰহ নাই কিয়? (২) শিক্ষাৰ কি উন্নতি কৰিব পাৰি? (৩) শিক্ষকসকলৰ দৰমহা কিমান হোৱা উচিত? (৪ দৰমহাৰ উপৰি তেওঁলোকক কি কি সুবিধা লাগে? (৫) বোৰ্ডৰ হাতৰপৰা প্ৰাইমাৰী শিক্ষা কাৰ হাতলৈ নিব পাৰি? তাৰ কৰ্ত্তা কোন হব লাগে? (৬) পৰিদৰ্শন কেনে হব লাগে? Matric Third year Sub-Inspector হলে দৰমহা কিমান হব লাগে? ইত্যাদি কথা সোনকালে লিখিবা। ইতি—



তোমাৰ—

গোস্বামীদেৱে প্ৰতিদিন ডাকত নানাবিষয়ৰ বহুতো ব্যক্তিগত পত্ৰ পাইছিল আৰু ইমান কামৰ মাজতো প্ৰায় সকলো পত্ৰৰেই তেখেতে উত্তৰ দিছিল। কেতিয়াবা শাৰীৰিক অসুস্থতাৰ বাবে বহুত চিঠি গোট খালে নিজে উত্তৰ দিয়াত বিলম্ব হব পাৰে বুলি আনৰ হতুৱাই উত্তৰ দিয়াইছিল; এনে সময়ৰ বেচিভাগ চিঠিৰ উত্তৰ তেখেতৰ সহকৰ্মী হৈ থকা কালত আমি দিবলগীয়াত পৰিছিলোঁ।

২২ সন্নিধান আৰু প্ৰতিশোধ

কোনো কোনো সময়ত আত্মীয়-স্বজনে পুত্ৰ বা আত্মীয়ৰ বাবে চাকৰি নাপাই গালি বৰষি দিয়া পত্ৰও তেখেতে পঢ়িব লগাত পৰিছিল। সুখৰ বিষয় এইবোৰ পত্ৰ পঢ়াত তেখেতৰ মনৰ ভাব বিকৃত হোৱা নাছিল। কোনো সময়ত চাকৰি নাপাই বা বদলি বিচাৰি নিৰাশ হৈ কিছুমানে তেখেতক গালি শপনিও পাৰিছিল; এইবোৰত তেখেত ক্ৰুদ্ধ নহৈ সুযোগ মতে সিবিলাকৰ অভিলাষ পূৰ্ণ কৰিবলৈহে চেষ্টাত আছিল। এসময়ত ডিপুটী ইন্সপেক্টৰ আৰু হেড্ মাষ্টৰসকলৰ সন্মিলনীত চৰকাৰী চাকৰি নোপোৱা কৃতবিদ্য ডেকা এজনৰ অশোভন

সমালোচনা তেখেতে নিজ কাণেও শুনিব লগা হৈছিল; কিন্তু সেই বুলি তেখেত কষ্ট হৈ সেই ডেকাক চাকৰি পোৱাত সহায় নকৰি নাথাকিছিল। সকলোৰে হিত-চিন্তা কৰা, হিত সাধা, হিত পৰামৰ্শ দিয়া আৰু অপকাৰীৰ উপকাৰ কৰি প্ৰতিশোধ লোৱাই গোস্বামীদেৱৰ জীৱনৰ ব্ৰত আছিল।

গোস্বামীদেৱৰ সোঁহাতৰ দান বাওঁহাতে নাজানিছিল। আন কি নিজৰ সহধৰ্মিনীয়ে নজনাকৈও বহুতো স্কুলীয়া ছাত্ৰক পঢ়াত তেখেতে

২৩ দান

সাহায্য কৰিছিল। দুই এজন আইন পঢ়া লোককো গোস্বামীদেৱে মাহিলী অৰ্থ-সাহায্য কৰি সন্তোষ লাভ কৰিছিল। এসময়ত তেখেতৰ পৰিবাৰৰ নৰিয়াৰ সময়ত নিজৰ অৰ্থকষ্ট হোৱা সত্বেও তেখেতৰ দৰমহাৰ টকাৰপৰা আইন পঢ়া পিতাকৰ শিষ্যপুত্ৰলৈ খৰচৰ টকা পঠাবলৈ আমাক আদেশ কৰিছিল। দান বিচাৰি যোৱা কোনো মানুহ তেখেতৰ ঘৰৰপৰা বিমুখ হোৱা নাছিল।

গোস্বামীদেৱে মানসিক কষ্ট পাইছিল বহুতো; তেখেতৰ সহধৰ্মিনী প্ৰায় চিৰৰোগিণী। এসময়ত বেমাৰ বৰ টান হোৱাত

২৪ মানসিক কষ্ট

তেখেতক কলিকতালৈ নিয়ো চিকিৎসা কৰাৰ লগাত পৰিছিল। তেখেতৰ এটি পুত্ৰ আছিল সিয়ো অকালতে বিয়োগ হয়। তেখেতৰ বৰ কন্যাই এটি পুত্ৰ আৰু এটি কন্যা ৰাখি অলপ বয়সতেই স্বৰ্গগামিনী হয়।

গোস্বামীদেৱৰ পৰিয়ালৰ বেমাৰ পাতি চোৱা, দান-দক্ষিণা দিয়া, নিজে ভালমতে খোৱা-থকা আদি কৰিও পাচলৈ তেখেতে নিজৰ অৱস্থা সচ্চল কৰি তুলিছিল। গোস্বামীদেৱৰ এটা ভাল অভ্যাস আছিল যে প্ৰতিদিন সন্ধ্যাৰ সময়ত ঘৰলৈ আহি দিনৰ আয়-ব্যয়ৰ হিচাব টোকা বহীত লিখি ৰাখিছিল। এই নীতি ৰক্ষা কৰাৰ ফলতেই বোধকৰো শেষলৈ তেখেতে আৰ্থিক অৱস্থা চকুত লগা কৰি তুলিব পাৰিছিল। তেখেতৰ নিজ আয়ৰে কামৰূপত ভালেখিনি মাটি কিনিছিল আৰু উজনীৰ এখন চাহ বাগিচাৰ অংশীদাৰ হৈছিল।

২৫ মিতব্যয়িতা

আমাৰ সৌভাগ্যগুণে আমি এই ক্ষণজন্মা পুৰুষৰ লগত এনে এটা যোগসূত্ৰত গঁথা গৈছিলোঁ, যে তেওঁৰ অন্তৰৰ চিনাকি পাই নিজে মুগ্ধ হৈছিলোঁ আৰু ধন্যবোধ কৰিছিলোঁ। বিশুদ্ধ অন্তৰ গোস্বামীদেৱে শ্ৰম, বিদ্যা আৰু বুদ্ধিৰে

২৬ সামৰণি

চৰকাৰী কামৰ মাজেদিয়েই দেশৰ মানুহ গঢ়ি তোলা কথা সদায় মনত ৰাখিছিল; তেখেতৰ লোকসেৱা-ব্ৰত, জন শিক্ষাত উৎসাহ, জ্ঞান বিস্তাৰত আগ্ৰহ আৰু নানা লোকহিতকৰ কামলৈ স্বাভাৱিক অনুৰাগৰ ফলত জন-সাধাৰণৰ লগত তেখেত ঘনিষ্ঠভাৱে মিলি গৈছিল। দৃঢ়চেতা, ধৰ্মপ্ৰাণ, সৰল, আড়ম্বৰহীন, অমায়িক গোস্বামী-দেৱৰ ব্যৱহাৰত সকলোৱেই আনন্দ পাইছিল। জনসাধাৰণৰ স্বাৰ্থকেই স্বকীয় স্বাৰ্থ বুলি বিশ্বাস কৰা, উপৰিস্থ কৰ্মচাৰীৰ প্ৰতি অনুগত অথচ ন্যায় বুলি বুজা কথা দৃঢ়চিত্তে ধাৰি ধৰিবলৈ পৰাংমুখ নোহোৱা গোস্বামী-দেৱে নিজ কৰ্ত্তব্যত অবিচলিত থাকি শৃঙ্খলাভাৱে সকলো কাম সম্পাদন কৰিছিল। অনুষ্ঠানৰ প্ৰতি আনুগত্য, সৰল, শৃঙ্খলা ৰক্ষা কৰা আৰু অবিচলিতভাৱে কামত লাগি থকা স্বভাৱৰ গুণতেই গোস্বামীদেৱে চৰকাৰী চাকৰি আৰু জন-হিতকৰ অনুষ্ঠানবোৰত নিজৰ ব্যক্তিত্ব ফুটাই তুলিব পাৰিছিল। এনে পুৰুষ দেশে আৰু কেতিয়া লাভ কৰিব কব পৰা নাই।

—অন্ত—